# কালচক্ৰ : সন্ধিক্ষণ

ডা: আনন্দেশ্বৰ বৰঠাকুৰ



লয়াৰ্ছ বুক ষ্টল
পাণবজাৰ : গুৱাহাটী : অসম

## উছৰ্গা

মোৰ জন্মদাত্রী আই
স্বৰ্গীয়া বিৰজাবালা বৰঠাকুৰ
আৰু
মোৰ শাহুআই
শ্ৰী যুক্তা মনোৰমা ভট্টাচাৰ্য্য
তেখেতসকল দুয়োৰে চৰণকমলত
অৰ্পণ কৰিলো।



## মানুহৰ মনলৈ জীৱনৰ পবিত্ৰতাৰ অনুভূতি সঞ্চাৰিত কৰিব পৰা এখন উপন্যাস

# কালচক্ৰ ঃ সন্ধিক্ষণ

ডা আনন্দেশ্বৰ বৰঠাকুৰ বয়সত মোতকৈ কেইবছৰমান ডাঙৰ হ'ব । মই যেতিয়া যৌৱনৰ দুৱাৰ- দলিত ভৰি দিওঁ দিওঁ কৰিছো মাত্ৰ, তেতিয়া তেখেত চঞ্চল ডেকা । ডা আনন্দেশ্বৰ বৰঠাকুৰৰ নামটোৰ লগত মোৰ প্ৰথম পৰিচয় হ'ল হেম বৰুৱা সম্পাদিত 'পছোৱাৰ' পাতত- তেখেতে লেখা 'ডেথ চাৰ্টিফিকেট' নামৰ এটা গল্পৰ যোগেদি । গল্পটোৱে মোৰ কিশোৰ মনত ইমান দকৈ দাগ কাটিছিল যে এতিয়াও যি কোনো প্ৰসঙ্গত ডা বৰঠাকুৰৰ নামটো ওলালেই বা মনত পৰিলেই অৱধাৰিত ভাবে 'ডেথ চাৰ্টিফিকেট' নামৰ গল্পটোৰ কথা মোৰ মনলৈ আহে । পছোৱাত সেই গল্পটো পঢ়াৰ পিছৰে পৰা যি কোনো অসমীয়া আলোচনীত তেখেতৰ লেখা ওলালেই মই প্ৰথমে তেখেতৰ লেখা পঢ়ি শেষ কৰিহে আনৰ লেখা পঢ়িবলৈ আৰম্ভ কৰোঁ । খুব কম বয়সতে মোক পঢ়াৰ নিচাই ধৰাৰ ফলত মোৰ নিজস্ব এটা সাহিত্যিক ৰুচি গঢ় লৈ উঠিছিল । তাৰ লগত মোৰ সহজাত বুদ্ধি যোগ কৰি মই ভাল লেখা আৰু বেয়া লেখাৰ মাজৰ পাৰ্থক্যটো কিছু বুজিব পৰা হৈছিলো । কৈশোৰ বয়সতে ডা আনন্দেশ্বৰ বৰঠাকুৰৰ লেখা পঢ়ি তেখেতৰ সাহিত্যিক প্ৰতিভা সম্পৰ্কে মোৰ মনত উচ্চ ধাৰণাৰ সৃষ্টি হৈছিল আৰু মোৰ প্ৰিয় লেখকসকলৰ তালিকাত তেখেতকো স্থান দিছিলো ।

কিন্তু ভাগ্যাই ডা বৰঠাকুৰৰ কাৰণে ঠিক কৰি ৰাখিছিল এখন বেলেগ কৰ্মক্ষেত্ৰ । বিদেশত চিকিৎসা- বিজ্ঞানৰ উচ্চ শিক্ষা লাভ কৰি তেখেত স্বদেশলৈ ঘূৰি আহিল আৰু ইয়াত তেখেতে আৰম্ভ কৰিলে চিকিৎসাৰ যোগেদি মানৱ-সেৱাৰ জীৱন । এখন উচ্চ মানৰ আদৰ্শ চিকিৎসালয় গঢ়ি তোলাৰ কামত তেখেতে এনেভাৱে ব্ৰতী হৈ পৰিল যে স্বাভাৱিকতেই লিখিবলৈ তেখেতে সময় নেপোৱাৰ নিচিনাই হ'ল । বছৰৰ পিছত বছৰ পাৰ হৈ গ'ল, লেখাৰ নামত তেখেতৰ এটা মাত্ৰ বাক্যও ক'তো চকুত নপৰাৰ ফলত লেখক হিচাপে আমি তেখেতক একেবাৰে